# শ[illegible]ৰ দেৱৰ

# [illegible]দ্ধা-মত

প্ৰথম ভাগ।



শ্ৰীধৰ্ম্মেশ্বৰ পাঠক।

সত্ৰ [illegible] জিলা।

বেচ থনে।০ চাৰি অনা।

শ্ৰীপৰমাত্মনে নমঃ ।

পাতনি :—

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱৰ প্ৰচাৰিত "মহাপুৰুষীয়া" ধৰ্ম্ম ধৰি, তেওঁলোকে দঢ়াই দঢ়াই মানা কৰা সত্ত্বেও ভাগৱতী ভক্তি ধৰ্ম্মৰ ব্যভিচাৰ আচৰণ কৰি ধনী, জনী, ঐশ্বৰ্য্যশালীহৰৰ লোভত, বিদ্যাৱন্ত হবৰ আশাত শিল্পী ও শক্তি মন্ত্ৰাদি হবৰ কাৰণে লক্ষী, স্বৰস্বতী, দুৰ্গা, কালী, শ্যামা, বিশ্বকৰ্ম্মা সত্য নাৰায়ণাদিৰ পূজা, আৰু জৈমিনিৰ পূৰ্ব্বমীমাংসাৰ প্ৰবৃত্তি-ধৰ্ম্মৰ ক্ৰিয়া কাণ্ডৰ প্ৰলোভনত বিশ্বাস কৰি, শঙ্কৰদেৱ মাধৱদেৱৰ প্ৰচাৰিত ধৰ্ম্ম মত এৰি, যজ্ঞ যাগ, যোগ প্ৰতিমাপূজা তীৰ্থস্নান, শনিবৰ্ত্ত ৰবিব্ৰত, আৰু অন্যান্যব্ৰত, অন্যদেৱতাৰ ব্ৰতাদি নানা বিধ কৰ্ম্মত, লোকসকল প্ৰবৃত্তি পথত ধাৱমান হোৱা দেখি শঙ্কৰদেৱ আৰু মাধৱদেৱৰ সুদীৰ্ঘ জীৱনৰ ৰচিত পুথি আৰু দুটি এটি চৰিত্ৰৰ ঘটনাদিৰে এই ক্ষুদ্ৰ পুথিখন সংগ্ৰহ কৰা হল । শঙ্কৰদেৱ আৰু মাধৱদেৱে ৰচিত অমূল্য ধৰ্ম্মশাস্ত্ৰ কীৰ্ত্তনঘোষা, নামঘোষা, ৰত্নাৱলী ৰত্নাকৰ, ভক্তিপ্ৰদীপ, দশম, বৰগীত গুণমালা, ভটিমা, নামমালীকা, আদি পুথিত কেৱল ভক্তিতে লোকৰ ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষাদি লাভ হব বুলি কোৱা আছে ।

তীৰ্থস্নান, যাগ, যোগ, ঈশ্বৰ বুদ্ধিকৰি মাটি বা শিলৰ প্ৰতিমা পূজা, অন্যদেৱতাৰ পূজা, অন্যদেৱতাৰ ব্ৰত এৰি কেৱল শ্ৰীকৃষ্ণৰ চৰণত শৰণলৈ শ্ৰীকৃষ্ণৰ নামগুণ, শ্ৰৱণ, কীৰ্ত্তন ভক্তিকেই মহা শ্ৰেষ্ঠত্ব বুলি সমস্ত শাস্ত্ৰত দঢ়াই দঢ়াই কৈছে । সেই শাস্ত্ৰ বিলাকৰ পৰা শঙ্কৰদেৱ আৰু মাধৱদেৱৰ মত বিলাক কিছুমান সংগ্ৰহ কৰি "শঙ্কৰদেৱৰ শুদ্ধ মত" নাম দি এই ক্ষুদ্ৰ পুথিখন ৰচনা কৰা হল। অলমিতি :—

শঙ্কৰাব্দ ৪৯৮, ১১ ভাদ্ৰ "প্ৰকাশক"

# শ্ৰী শ্ৰীশঙ্কৰ দেৱ

শঙ্কৰ দেৱৰ আৱিৰ্ভাৱৰ সময়ত আসামত তান্ত্ৰিক, শক্তি পূজা প্ৰচুৰ পৰিমানে প্ৰচলিত আছিল। ইহঁত পাৰ দূৰৰ কথা মানুহ পৰ্য্যন্ত গোসানী বুলি প্ৰতিমাৰ আগত বলি দিছিল। শঙ্কৰ দেৱৰ সময়ত কি তাৰ আগডোখৰত ৰচনা কৰা কালিকা পুৰাণত নৰ-বলি বিষয়ে বিশেষকৈ লিখা আছে। বলিৰ উপযুক্ত মানুহৰ লক্ষণাদি তাত বৰ্ণনা কৰা আছে। মুছলমানে ভঙা কামাখ্যাৰ মন্দিৰ আৰু কালাপাহাৰে ভঙা হাজোৰ মণিকুট নকৈ সজাই প্ৰতিষ্ঠা কৰোতে নৰনাৰায়ণ আৰু ৰঘু ৰজাই অনেক মানুহ বলি দিছিল। সেই সময়ত আসামত ইমান ঘিণ লগা বৃত্তি সুমাইছিল যে, তাক মনত স্মৰিলে গাঁ শিহৰি উঠিব। ভৌতিক বিদ্যা, ঐন্দ্ৰজাল বিদ্যা, মঙ্গল চোৱা, সুৰাপান, গৰ্ভৱতীৰ গৰ্ভছিৰি ভ্ৰূণ পৰীক্ষা আদি জঘণ্য কাৰ্য্যও তান্ত্ৰিক সকলৰ ভিতৰত প্ৰচলিত আছিল। শদিয়াৰ "কেচাইখাতী" গোসানীৰ আগত চুতিয়া দেউৰী বিলাকে অনেক নৰ বলি দিছিল। আগৰ কালত

আসামত কছাৰী ত্ৰিপুৰা, কোচ আৰু জয়ন্তীয়া জাতিৰ ভিতৰতো নৰ বলি প্ৰথা প্ৰচলিত আছিল। আসামত তান্ত্ৰিক, শাক্ত ধৰ্ম্ম যে খুব প্ৰচলিত আছিল ইয়াৰ পৰা সেইটো ভালকৈ জানিব পাৰি। তান্ত্ৰিক, শাক্ত হিন্দু-ধৰ্ম্মই অসভ্য জাতি বোৰৰ জঘন্যধৰ্ম্ম প্ৰথাবে সৈতে মিহলি হৈ অধোগতি প্ৰাপ্ত হৈ কালক্ৰমত জঘন্য আকাৰ ধৰিছিল। ব্ৰাহ্মণ সকল লোভী অনাচাৰী হৈ বেদবিহিত ব্ৰাহ্মণ্য কৰ্ম্মাদিৰ পৰা ভ্ৰষ্ট হৈ পৰিছিল।

ন যজ্ঞমানবো ভক্ত্যা ভগবত্যখিল গুৰৌ।
সন শান্তি শিৰ পন্থা যোগীনাং ব্ৰহ্মসিদ্ধয়ে॥
ইতি ভগৱত ২৫।১৮। শ্লোক

ভক্তিৰ অভাৱত কলিৰ মলিন মতি প্ৰজাৰ ভিতৰত জ্ঞান পন্থৰ অধিকাৰী নোহোৱাত ক্ৰমে অধৰ্ম্মৰ বৃদ্ধি আৰু ধৰ্ম্মৰ হানি হোৱা দেখি যোগীসকলৰ ব্ৰহ্মসিদ্ধিৰ উপায় যুগানুৰূপ সুসাধ্য ভাগৱত-ধৰ্ম্ম ভক্তিযোগ লোকত প্ৰৱৰ্ত্তাবলৈ চতুৰ্দ্দশ পঞ্চদশ শকাব্দৰ ভিতৰত ভগবান ভাৰতবৰ্ষৰ নানা ঠাইত বৈষ্ণৱ-ধৰ্ম্ম প্ৰচাৰক ৰূপে অংশ কলাদি ভাবে অৱতীৰ্ণ হৈ ভাগৱত-ধৰ্ম্ম প্ৰচাৰ কৰে।

যদা যদা হি ধৰ্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্মস্য তদাত্মানং সৃজাম্যহম্॥
পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে॥

কীৰ্ত্তনঘোষা—

প্ৰণাম প্ৰনামো ব্ৰহ্ম ৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ ॥
তযু নাভি কমলত ব্ৰহ্মা ভৈলা জাত।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত ॥

নামঘোষা—

পৰম তুৰ্ব্বাধ আত্ম তত্ত্ব তাৰ জ্ঞান অৰ্থে হৰি যত
লীলা অৱতাৰ ধৰা তুমি কৃপাময়।
তাহান চৰিত্ৰ সুধা সিন্ধু তাতে ক্ৰীডা কৰি দীনবন্ধু
চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয় ॥

শ্ৰীকৃষ্ণই অৰ্জুনক ক'লে, হে ভাৰত! যেতিয়া ধৰ্ম্মৰ হানি আৰু অধৰ্ম্মৰ বৃদ্ধি হয় তেতিয়া মই নিজ ৰূপৰ ৰচনা কৰো। সাধু পুৰুষ সকলক উদ্ধাৰ কৰিবলৈ, পাপ কৰোতাসকলক নাশ কৰিবলৈ আৰু ধৰ্ম্ম স্থাপন কৰিবৰ নিমিত্তে যুগে যুগে অৱতাৰ ধৰো।

শ্ৰীশঙ্কৰ দেৱ আসামত ১৩৭১ শকত অৱতাৰ ধাৰ হৰিৰ নাম, ভাগৱতী ভক্তি ধৰ্ম্ম প্ৰচাৰ কৰে।

নাহি জন্ম তোমাৰ তথাপি জন্ম ধৰা।
সেহি জন্মে জীৱৰ জনম দূৰ কৰা ॥

পৰম অমূল্য বস্তু হৰিৰ নামৰ পেডা
অতি গুপ্ত স্বৰূপে আছিল।
লোকক কৃপায়ে হৰি শঙ্কৰ স্বৰূপে আসি
মুদ ভাঙ্গি সমস্তকে দিল ॥
হৰি নাম প্ৰেম ৰস অমৃত নিধিক বান্ধি
গুপ্ত কৰি থৈলা দেৱগণে।

দয়ালু শঙ্কৰে পাই তুলি মূদ ভাঙ্গি দিলা
সুখে পান কৰা সৰ্ব্বজনে ।।
হৰিনাম গুপ্ত ভৈল মনুষ্যাত পূজা ’ৰল
বুলি বঙ্গ কৰে দেৱ সৰ্ব্ব ।
হেন হৰিনাম ধৰ্ম শঙ্কৰে বিদিত কৰি
চুৰ কৈলা দেৱতাৰ গৰ্ব্ব ।।

শ্ৰীশঙ্কৰ গুৰু তাৰা কোটিব্ৰহ্মাণ্ডৰ নায়ক। তৃতীয়া জীৱক কৃপাৰ হেতু শুদ্ধ সত্ব ধৰ্ম বস্তু বৈকুণ্ঠৰ পৰা আলোচনা কৰি পৃথিবীত ব্যক্ত কৰিছে। প্ৰথমে শ্ৰীশঙ্কৰ গুৰু চিন-পট যাত্ৰা কৰি চৈধ্যজন ব্ৰাহ্মণক উদ্ধৰ সংবাদ শাস্ত্ৰ আগত থৈ শৰণ ভজন ভক্তি প্ৰকাশ কৰে।

সৰ্ব্ব ধৰ্ম্মান পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বা সৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচঃ ॥

গীতাৰ শ্ৰীকৃষ্ণৰ চৰণত অনন্য শৰণ, ভাগৱতৰ ভজন, সহস্ৰ নামৰ নাম ধৰ্ম প্ৰকাশ কৰে।

শৰণৰ ঘোষা— যাদব যদুনন্দন— ইত্যাদি—
ভজনৰ „ — গোপিনাথ গোবিন্দ ৰাম কৃষ্ণ হৰি
ভজহু তোমাৰ পদ কমলত ধৰি—ইত্যাদি—
নাম — চাৰি নাম প্ৰকাশ কৰে
হৰি ৰাম হৰি ৰাম এ মূল মন্ত্ৰ।
কলিত নাহি তপ যপ যজ্ঞ যন্ত্ৰ ॥
ভাই ৰাম কহ ৰাম কহ ৰাম মন্ত্ৰ সাৰ।
তপ যপ যজ্ঞ যোগে সিদ্ধি নাহি আৰ ॥ ইত্যাদি

যুগ অনুৰূপে মোক্ষৰ সাধন —

সত্যত ধ্যান কৰি মুক্তি পাইছিল কিন্তু তাতো হৰিনাম স্মৰণ কৰিছিল।

হংস পৰমাত্মা ধৰ্ম অব্যক্ত ঈশ্বৰ।
সুপৰ্ণ বৈকুণ্ঠ আৰু নাম যোগেশ্বৰ॥
অনল পুৰুষ এই দশ গুটি নাম।
সত্যত মহন্ত লোকে জপে অবিশ্ৰাম॥

ত্ৰেতাত যজ্ঞ কৰিছিল কিন্তু তাতো হৰিৰ নাম* স্মৰণ কৰিছিল। তেহে মুক্তি পাইছিল।

পৃশ্নিগৰ্ভ সৰ্ব্বদেৱময় বিষ্ণু যজ্ঞ।
উৰুক্ৰম উৰুগায় বৃষাকপি সংজ্ঞ॥
জয়ন্ত সহিতে এই অষ্ট গুটি নাম।
ত্ৰেতাযুগে লোক সবে জপে অনুপাম॥

দ্বাপৰত পূজা কৰি লোকে মুক্তি পাইছিল, তাতো হৰিৰ নাম স্মৰণ কৰিছিল।

ঈশ্বৰক জানো বুলি যত মহাজন।
শুনা যেনমতে কৰে শ্ৰৱণ কীৰ্ত্তন॥
নমো বাসুদেৱ নমো নমো সঙ্কৰ্ষণ।
প্ৰদ্যুম্ন পুৰুষ অনিৰুদ্ধ ভগৱান॥
সৰ্ব্বভূত আত্মা নমো নমো মহাত্মন
বিশ্ব বিশ্বেশ্বৰ নমো ঋষি নাৰায়ণ॥

কিন্তু কলিত হৰিৰ নাম ভিন্ন অন্য উপায়ে মুক্তি নেপায়।

নামেসে পৰম ধৰ্ম্ম জানিবা কলিত।
কলিৰ স্তুতিক কহো শুনা এক চিত্ত॥

হে মহা পুৰুষ হে প্ৰনত পালক।
সদা বন্দো তোমাৰেসে পদ পঙ্কজক॥

সদায় চিন্তিবে যোগ্য এহিসে চৰণ।
ভকতৰ কৰে ইসে বাঞ্ছি পুৰণ॥
ভৱ পৰাভৱক এহিসে কৰে ক্ষয়।
পৰম পবিত্ৰ ইসে তীৰ্থৰো আলয়॥

দেৱৰ মধ্যত দৈৱকী নন্দন ধৰ্মৰ মধ্যত নাম।
তুইত পৰে তিনি নাই নাই নাই ভকত পুৰণ কাম॥

কলি যুগে ৰাম নামে সাৰ।
ৰাম নাম বিনে নাই আৰ॥

ৰাম বুলি পায ভৱ পাৰ।
ৰাম নামে জগতে উদ্ধাৰ॥

কৃষ্ণক পাইবাৰ যানা ভকতিযি পন্থ।
এহিসে কহয় গীতা ভাগৱত গ্ৰন্থ॥

কিন্তু নামলোৱা লোকজন দশাপৰাধৰ পৰা মুক্ত হব লাগিব। সেইবোৰ যেনে—১। ভকতক নিন্দা। ২। বিষ্ণু ও শিৱৰ নামৰ ভিন্ন ভাব কৰা। ৩। উপদেশ দাতা গুৰুক হেলা। ৪। বেদ নিন্দা। ৫। হৰিৰ নামত অৰ্থবাদ। ৬। নামত বলে পাপ বুদ্ধি কৰা। ৭। ধৰ্ম্ম, হোম, ব্ৰত, তীৰ্থ স্নান, যজ্ঞ দানৰ লগত হৰিৰ নামক সমান কৰা (অৰ্থাৎ ধৰ্ম্ম হোমাদি নামৰ সমান হব নোৱাৰে। যদি সমান বুলি কয় সিও নামৰ অপৰাধ।)

৮। অন্য লোকে নাম কীৰ্ত্তন কৰা শুনি যোনে কান নাপাতে। ৯। নাম শুনিব শ্ৰদ্ধা ও ইচ্ছা নকৰা মানুহক যোনে নাম দান দিয়ে। ১০। নামৰ মহিমা দিনে দিনে শুনি যোনে নামত শ্ৰদ্ধা নকৰে। এই দশোটা নামৰ অপৰাধ।

স্বৰূপ শুনা ঋষি উদাসীন। যি জন নাম অপৰাধ হীন॥
হৰিৰ তেবে এক নামে তৰে। শুনে বা বোলে বা মনত স্মৰে॥
পৰম বান্ধৱ হৰিৰ নাম। যিজনে আক লয়ে অবিশ্ৰাম॥
তাৰ সাতকাৰ্য্য সাধিবে দেখা। প্ৰতি প্ৰতি লোৱা সাতবো লেখা॥
প্ৰথমে দহিবে পাতক চয। কৰিবে মহা পুণ্য অভ্যুদয়॥
কৰাবে বিষয়ত বিৰকতি। কৃষ্ণত বাঢ়িবে প্ৰেম ভকতি॥
উপজাইবে অতি বৈষ্ণৱী জ্ঞান। মায়াক কৰিবে দহি নিৰ্ব্যান॥
চৈতন্য মূৰ্ত্তি পূৰ্ণানন্দ হৰি। থৈবেক তেন্তে এবে একে কৰি॥
তেবেসে নাম হৈবে উপসান্ত। কৰিলো পৰম তত্ব একান্ত॥

নামে এই সাতোতা কাম সিদ্ধি কৰিব।

মহাপুৰুষ শঙ্কৰদেৱে মূৰ্ত্তি উপাসনাৰ বিশেষ পক্ষপাতি নহয়, ভকতৰ সেৱাকেসে মুক উপাসনা বুলি কৈছে।

তীৰ্থ বুলিকবে জলত শুদ্ধি।
প্ৰতিমাত কৰে দেৱতা বুদ্ধি॥
বৈষ্ণৱত নাই ইসব মতি।
গৰুতো অধম কৃষ্ণ বদতি॥ (কীৰ্ত্তন)

অপ্সু দেবা মনুষ্যনাং দিবিজবো মনিবিনাং।
কাষ্ঠ লোষ্ট্ৰেষু মুৰ্খানাং যুক্তস্যাত্মনি দেৱতা॥

ঈশ্বৰৰ জড় প্ৰতিমা পূজাটো একেবাৰে তল খাপৰ ভক্তিঅঙ্গ। গৰু সদৃশ মূৰ্খ লোকৰ পক্ষে। কিন্তু ঈশ্বৰৰ পথত আগ বাঢ়িব হলে এটি মানস ধ্যানৰ আৱশ্যক, নহলে চিত্ত স্থিৰ নহয় আৰু কোনো ধাৰণা হব নোৱাৰে।

"ভাই মুখে বোলা ৰাম হৃদয় ধৰা ৰূপ।
এতেকে মুকুতি পাইবা কহিলো স্বৰূপ॥ (কীৰ্ত্তন)

শঙ্কৰ দেৱৰ উদ্দেশ্য আছিল অন্তৰ্বিলাপক ভগৱন্ত জ্ঞান শিক্ষা দিয়া আৰু ভক্তে ঈশ্বৰক কিদৰে চিন্তিব সেইটো।

"মায়াভেদে দেখয় বিবিধ পৰিচ্ছেদ।
স্বৰূপত তোমাৰ নাহিকে কিছুভেদ॥
চৈতন্য স্বৰূপে ব্যাপী এক নিৰঞ্জন।
তোমাক বুলিবে দ্বৈত কোন অজ্ঞ জন॥
নিশ্চল নিৰ্ম্মল সুস্বৰূপ বিটো স্বামী।
কেৱ মজানন্ত তাঙ্ক কেনে জানো আমি"॥ (কীৰ্ত্তন)

উপৰোক্ত পদখিনি সাংখ্য জ্ঞান মাৰ্গৰ ব্ৰহ্ম উপাসনাৰ কথা। তেওঁলোকে ব্ৰহ্মক এইদৰে উপাসনা কৰে। কিন্তু ভক্তে ভগৱানক চতুৰ্ভূজ সংখ চক্ৰাদিৰে আৰাধনা কৰে।

"অপৰ তোমাৰ ৰূপ বাহু ভুজ চাৰি।
পীত বস্ত্ৰে শোভে শঙ্খ চক্ৰ গদাধাৰী॥
শিৰি আছা বন্তুৰ মুকুটতৰ হাৰ।
হিয়াত শ্ৰীবৎস গলে বনমালা যাৰ॥

কোটিজনে মুক্তিক আবাধন্ত দেহ পাদে।

তাকেনে ভকত জনে চিন্তে সর্ব্বক্ষণে" ॥ (কীর্ত্তন)

বাস্তবিক ঈশ্বৰ সাধনাৰ ভক্তি মার্গক আগবঢ়া লোকৰ ভগৱত পাপ্তিৰ কাৰণে ভগবানৰ মানস-ৰূপৰ উপাসনাৰ দৰকাৰ। যি জনে এই ভক্তি পথত ভালকৈ আগ বাঢ়িব পাৰিছে তেওঁৰ নাম উচ্চাৰণ কৰাতে বৰোতে প্ৰথমে নামত ৰুচি, পাচত আসক্তি, শেহত নামত আনন্দ জন্মে। তেতিয়া ভক্তে নাম উচ্চাৰণ বা শ্ৰৱণ মাত্ৰে আনন্দত পৰিপ্লুত হয়।

"মোৰ গুণ নাম, কহন্তে শুনন্তে, মিলে আসি মহাভাগ।
আনন্দ স্বৰূপ, মোৰ দিব্যৰূপ, প্ৰত্যেক্ষত পাৱে লাগ॥
প্ৰসন্ন বদন, অৰুন নয়ণ, তনু আতি অনুপাম।
ভকতক দায়া, কৃপাদৃষ্টি চায়া, পুৰন্ত মনৰ কাম॥
দেখি কৃষ্ণমুখ, মিলে মহা সুখ, দুৰহয়ে যত তাপ।
অতি মনপ্ৰীতি, মাধৱে সহিতি, মধুৰ কৰে আলাপ॥
এহিমতে মহে—শ্বৰ দৰশন, সুখ মুকুতিত নাই।
মোক্ষৰ আনন্দ, যিটো অল্পসুখ, ভকতিত সুখে পাই" ॥

গৰখীয়া লৰাই শ্ৰীকৃষ্ণৰ নাম গোৱা শুনি আনন্দত শঙ্কৰ দেৱৰ চকুৰ লোতক বাগৰি পৰিছিল। এটি কম বয়সীয়া ইংৰাজ লৰাই দেৱালত আউজি ত্ৰিভঙ্গ ভাৱে থিয় হৈ থকা দেখি ৰামকৃষ্ণ পৰম হংসৰ সমাধি অৱস্থা হৈছিল। ত্ৰিভঙ্গ ৰূপ দেখিয়েই তেওঁৰ সেই আনন্দ

উপজি ভগৱত্স্ফূৰ্ত্তি হৈছিল। সেই প্ৰকাৰে ঈশ্বৰক চিন্তা কৰি যি সাধক হব পাৰিছে তেওঁৰ সামান্য কথাতে ভগৱত্স্ফূৰ্ত্তি হয়।

"অব্যক্ত ঈশ্বৰ হৰি, কিমতে পূজিবা তাঙ্ক,
ব্যাপকত কিবা বিসৰ্জ্জন।
এতাৱন্ত মূৰ্ত্তি শূন্য, কোন মতে চিন্তিবাহা,
ৰাম বুলি শুদ্ধকৰা মন"॥ (নাম ঘোষা)

ভগবান নিৰ্গুণ নিৰাকাৰ কিন্তু ভক্তৰ কাৰণে তেওঁ সাকাৰ আৰু সগুণ। নহলে লোকে কেনেকৈ নিৰাকাৰ নিৰ্গুণ ব্ৰহ্মক ধাৰণা কৰিব? সেই দেখি ভক্তে মানবীয় উত্তম গুণবিলাক ব্ৰহ্মত আৰোপিত কৰি তেওঁক সগুণ ঈশ্বৰ ভাৱে আৰাধনা কৰে। সগুণ ঈশ্বৰক আৰাধনা কৰোতে কৰোতে জ্ঞানোন্নতি হলে শেহত ভাগৱত জ্ঞান উদয় হয়। ভগৱন্তৰ ভক্তি সুখত মজি তেওঁৰ পাদ পদ্মত মন স্থিৰ কৰি ভক্তে মুক্তিকো হেয় বস্তু জ্ঞান কৰে।

যত স্বৰ্গবাস, বিষয় বিলাস, দেখে সমস্তকে মিছা।
কৃষ্ণৰ চৰণ, সেৱাতেসে মন, মুকুতিকো নাই ইচ্ছা॥
(নবসিদ্ধ)

মাধৱদেৱে নাম ঘোষাত এইদৰে লিখিছে :—

একান্ত ভকত সবে, নিৰ্গুণ কৃষ্ণৰ গুণ,
গাৱে সদা বসিয়া যথাত।

বৈকুণ্ঠকো পৰি হৰি যোগীৰ হৃদয় এৰি,
থাকে হৰি সাক্ষাতে তথাত ॥

আকৌ এঠাইত আছে—

নির্গুণ কৃষ্ণৰ, গুণক প্ৰকাশ,
কৰিলা শ্ৰীশঙ্কৰে।
শ্ৰবন কীৰ্ত্তন, কৰি মহা সুখে,
পাপীয়ো সংসাৰ তৰে,
তুমি প্ৰভু নিৰ্গুণ গুণৰ সীমা নাই।
নির্গুণ হোৱয় জীৱ সোহি গুণ গাই।

ভগবান নিৰাকাৰ আৰু সাকাৰ। কিন্তু আকাৰ বুলিলে আমি যি বুজোঁ তেওঁ তাৰ অতীত। তেওঁ কোনো জড, স্থূল কিম্বা সূক্ষ্ম পৰমানু বিশিষ্ট ৰূপ নহয়।

মাধৱ দেৱে লেখিছে—

যতেক প্ৰাকৃত, আকাৰ বৰ্জ্জিত, ভৈলন্ত যিহেতু হৰি।
সেই হেতুতেসে, নিৰাকাৰ নাম, আছন্ত ঈশ্বৰে ধৰি ॥

কিন্তু নিৰাকাৰ বুলি তেওঁ একেবাৰে শূন্য নহয়। তেওঁৰ ৰূপ আছে যাক ভক্ত সকলে দৰ্শন কৰিব পাৰে সেইৰূপ নিত্যৰূপ সৎচিদানন্দ ৰূপ।

মাধৱদেৱে লেখিছে—

সহজানন্দ হৰি স্বৰূপানন্দ।
হৃদয়ানন্দ হৰি পৰমানন্দ ॥

কিন্তু ভক্তৰ যেতিয়া জ্ঞানৰ উন্নতি হৈ তত্ত্ব জ্ঞান পৰিস্ফুত হয় তেতিয়া আৰু ৰূপ নেদেখে। তেতিয়া অখণ্ড সচ্চিদানন্দ ব্ৰহ্ম উপলব্ধি হয়। সেই কাৰণে শঙ্কৰ মাধৱদেৱে মূৰ্ত্তি পূজাৰ বিৰুদ্ধে শিক্ষা দিছিল। কিন্তু আজি কালি কিছুমান স্বাৰ্থান্ধ লোকে শঙ্কৰদেৱে মূৰ্ত্তি পূজা কৰিব দিয়া বুলি কলঙ্ক দিয়ে, ইহে আচৰত। গুৰু চৰিত্ৰ পঢ়িলে বুজা যাব যে, মহাপুৰুষীয়া ভক্ত সকলক কৰ্ম্মকাণ্ডি ব্ৰাহ্মণ সকলে বাটে ঘাটে দৌৰাত্ম্য কৰা শুনি, শ্ৰীশঙ্কৰদেৱে প্ৰতিমা প্ৰতিষ্ঠা উপলক্ষ কৰি অধিক দক্ষিণা দিবৰ লোভ দেখুৱাই মাতি আনি প্ৰতিমা প্ৰতিষ্ঠাৰ ছলে তৰ্ক বাদত প্ৰতিমাতকৈ শ্ৰৱণ কীৰ্ত্তন কৰা হৰি নাম লোৱা লোকৰ শ্ৰেষ্ঠতা প্ৰতিপাদন কৰিছিল। সি কেৱল প্ৰতিমাতকৈ সাধু সকলৰ অধিক মাহাত্ম্য স্থাপন কৰি ভক্ত সকলৰ প্ৰতিবাদী ব্ৰাহ্মণ সকলৰ হিংসা নিবৃত্তি কৰাই উদ্দেশ্য আছিল। প্ৰতিমা-পূজা মুখ্য উদ্দেশ্য নহয়। আৰু কীৰ্ত্তন ঘোষাৰ উৰেষা বৰ্ণন আদ্যোপান্ত বিশেষ মনযোগ দি পঢ়িলে বুজা যায় শ্ৰীক্ষেত্ৰৰ জগন্নাথ মূৰ্ত্তিৰ সেৱা পূজাৰ ফল সীমাবদ্ধ কৰি দেখুৱাই শেষত "মাধৱ বান্ধৱ উদ্ধাৰা বাপ। কতনো সহিবো সংসাৰ তাপ॥" সেই ঘোষাত হৰিৰ নামৰ অসীম মাহাত্ম্য বৰ্ণন কৰি প্ৰতিমা পূজা, তপ কৰা, তীৰ্থত স্নান কৰা আদিতকৈ হৰি-নাম কীৰ্ত্তনৰ শ্ৰেষ্ঠতা

 

দেখুৱাইছে ;   তাৰে দুফাকিমান তলত দিয়া হ'ল ।

ভাৱত্তে যতলোৱে গুণ নাম ।
তাহাৰ মালা গান্থি অনুপাম ॥
পিন্ধন্ত কণ্ঠত কৰি উৎসৱ ।
হেনসে ভকত বন্ধু মাধৱ ॥
যিজনে যায় হৰি নাম লৈৰি ।
পাছত যুৰে যত দেৱ দেৱী ॥
যতেক তীৰ্থ তাক স্তুতি কৰে ।
তাৰ বায়ু পাপ সমস্ত হৰে ॥

আকৌ শঙ্কৰদেৱে উৰেষাৰ এঠাইত কৃষ্ণ বলভদ্ৰ সুভদ্ৰা দৰশনৰ ফল বৰ্ণনা কৰি শেষত লেখিছে :—

বিছুৰতে থাকি, যিতো প্ৰতি দিনে, কৃষ্ণৰ কীৰ্ত্তন কৰে ।
অতি অপ্ৰয়াসে, বিষ্ণু পুৰী পাৱে, শুদ্ধহয়া সিতো নৰে ॥

মাধৱদেৱে গীতত লেখিছে :—

বোলহু ৰাম নামেসে মুকুতি নিদান

শঙ্কৰদেৱে কীৰ্ত্তন ঘোষাত লেখিছে :—

শ্ৰৱণ কীৰ্ত্তন কৰি বৈকুণ্ঠক যাই ।
ধৰ্ম্ম অৰ্থ কাম মোক্ষ সবে আতে পাই ॥

ইত্যাদিৰ পৰা বুজা গ'ল শঙ্কৰদেৱে লোকক শিক্ষা দিছিল, হৰি চৰণত শৰণ, হৰি নাম কীৰ্ত্তন, হৰি নাম শ্ৰৱণ, আৰু প্ৰথম অৱস্থাত হৰিৰ মানস-ৰূপ হৃদয়ত ধ্যান । যজ্ঞ, যাগ, যোগ, তপ, তীৰ্থস্নান, প্ৰতীমাদি পূজা সমস্তত বিশ্বাস এৰি হৰিত শৰণলৈ হৰি গুণ শ্ৰৱণ কীৰ্ত্তন কৰায়ে পৰম ধৰ্ম্ম সেইহে, শঙ্কৰ-মাধৱদেৱে লোকক শিক্ষা দিছিল।

হৰেৰ নামৈব নামৈব নামৈব কেবলম্ ।
কলৌ নাস্তেব্যং নাস্তেব্যং নাস্তেব্যং গতিৰণ্যথা ॥

সেই কাৰণে মাধৱদেৱে নাম ঘোষাত লেখিছে :—

" কৰ্ম্মত বিশ্বাস যাৰ হিয়াত থাকন্তে হৰি,
অতিশয় দূৰ হোন্ত তাৰ । "

একাদশ স্কন্ধত শঙ্কৰদেৱে কৈছে :—

যাৰ যেন মতি কৰে বেদক ব্যাখ্যান ।
নিজ ধৰ্ম্ম ভকতিক ত্যজি বুজে আন ॥

কেহো বলে বেদে কহে যজ্ঞ ব্ৰত দান ;
কতো বোলে ক্ষুদ্ৰ দেৱ পূজা তীৰ্থ স্নান ॥

কেহো বোলে বেদে কহে জ্ঞানতেসে গতি ।
গুণৰ ইচ্ছাই বুজে যাৰ যেনে মতি ॥

*　　*　　*

নছাৰে কৰ্ম্মৰ শোক দুঃখে প্ৰতিদিনে ;
জ্ঞানতো নাহিকে গতি ভকতি বিহনে ॥

*　　*　　*

তপ জপ সন্যাস পৰম মহাদানে ।
নপাৰে আমাক সখি যোগ মহাজ্ঞানে ॥

কেবলে ভকতি একে মোক কৰে বশ্য ।
কহিলো উদ্ধৱ ইটো তোমাত ৰহস্য ॥

যোনে ভক্তি মাৰ্গ আশ্ৰয় কৰে তেওঁৰ কৰ্ম্মত বিশ্বাস নাই আৰু নকৰিলেওঁ হয় । জৈমিনিৰ পুৰ্ব্বমীমাংসাৰ প্ৰবৃত্তি ধৰ্ম্মৰ ক্ৰিয়া কাণ্ডৰ খণ্ডনৰ কাৰণেই ব্যাসদেৱে নিবৃত্তি ধৰ্ম্মৰ উত্তৰ মীমাংসাৰ সৃষ্টি কৰে । কৰ্ম্মকাণ্ড ও জ্ঞানকাণ্ড উভয়ে বেদ হলেও, জ্ঞানকাণ্ডে অবিদ্যা

নিবৃত্তিৰূপ মোক্ষৰ বিষয় বিশেষৰূপে বৰ্ণনা কৰাত ইয়াৰ "বেদান্ত" এই বিশেষ আখ্যা প্ৰদান কৰা হয়। বেদস্য অন্তঃ সাৰভাগঃ "বেদান্ত" অৰ্থাত বেদৰ সাৰভাগ বা চৰম ভাগকে বেদান্ত বলে। বেদান্তৰ ভাষ্যকাৰ শঙ্কৰাচাৰ্য্যই "অথতো ব্ৰহ্ম জিজ্ঞাসা" চিত্ত শুদ্ধিহে ব্ৰহ্মজিজ্ঞাসাৰ হেতু হব পাৰে বুলি কৈছে। যজ্ঞ, হোম, আদি কৰ্ম্ম মীমাংসাৰ ক্ৰিয়াই তেনে হব নোৱাৰে। বৰং ব্ৰহ্মজিজ্ঞাসাৰ বাধাহে হয়। তত্ত্ব বিষয় জ্ঞান লাভ কৰিব পাৰে, বেদ, ৰামায়ণ, পুৰাণ, ভাগৱত আদি পাঠ কৰিব পাৰে, আৰু নিত্য গঙ্গা স্নান জপ, তপ, তৰ্পন, দান, দেৱকাৰ্য্য, পিতৃকাৰ্য্য, কৰিব লাগিছে কিন্তু তেওঁলোকৰো ব্ৰহ্মজ্ঞান উদয় হোৱানাই।

(নামঘোষা)

মোৰ ভক্তি যুক্ত, যোগিবো জানিবা,
মোতেসে চিত্ত যাহাৰ।
জ্ঞান কৰ্ম্ম বিনে, কেৱল ভক্তিত,
পাবয় সংসাৰ পাৰ ॥
কেৱল ভকতি পুৰুষক তাৰে,
সহায় কাকো নচাৰে।
জ্ঞান কৰ্ম্ম তাৰে, তাৰিতে নপাৰে;
ভকতি নপাৰে যাৰে ॥
তিনি গুণ ময়, যত জ্ঞান কৰ্ম্ম,
কেৱল বন্ধ কাৰণ।
জানি এাক তেজি, একান্ত ভকতি
ভজিয়ো কৃষ্ণ চৰণ ॥

শঙ্কৰ মাধৱদেৱে, জ্ঞান যোগ, কৰ্ম্ম যোগ এৰি, ভক্তি যোগৰ শিক্ষা দিছিল। নিস্কাম ভাবে কৰ্ম্ম কৰিব নোৱাৰিলে চিত্ত শুদ্ধি নহয়, অথচ চিত্ত শুদ্ধি হলেহে ভক্তি, আৰু ভক্তি হলেহে তত্ব জ্ঞান হয় আৰু তত্ব জ্ঞান হলেহে মুক্তি হয়। শ্ৰৌত বা স্মাৰ্ত্ত কৰ্ম্মৰ সহায়ত নহয়। এই কথা বেদান্ত বাদি সকলে ডটাই ডটাই কৈছে। জ্ঞান মাৰ্গৰ সোঽহং ভাৱত ভক্তিৰ স্থান নাই সেই হেতু ভক্তি মাৰ্গ ভগৱান আত্মাত কৈ বিষেশ অৰ্থাত "সেব্য ও সেৱক"—। সংসাৰিৰ পক্ষে সোঽহং ভাৱ অনুপযুক্ত আৰু বৰ দুৰব গাহ। সেব্য সেবকৰ ভাৱৰ ভক্তিয়েই সংসাৰি লোকৰ পক্ষে সহজ আৰু উপযুক্ত। এই বিশিষ্টাদ্বৈত বাদ ভক্তিয়েই মহাপুৰুষীয়া ধৰ্ম্মৰ মূল শিক্ষা।

তোমাৰ সেৱক ভৈলোঁ নাৰায়ণএ
নিশ্চয়ে তোমাৰ দিবাক লাগে প্ৰসাদ।
নিজ ভৃত্য কৰি লৈযো গোপী নাথএ
তযু কৃপাময় মিলয় কোন প্ৰমাদ॥
হে দয়াশীল দেৱ দামোদৰ এ
তোমাৰ চৰণে বোলোঁ হে কাকুতি বাণী।
মোক নিজ দাস কৰি লৈলে হৰি এ,
কহিয়ো কৃপাল তোমাৰ কিহয় হানি॥

নজানোহো আবাহন, নজানোহো বিসৰ্জ্জন,
পূজা-মন্ত্ৰ নাজানো কিঞ্চিৎ।
এতেকে শঙ্কৰমোৰ, দাস ভৈলো চৰণৰ,
মোৰ গতি সাধিবে উচিত।

এই দাস তাৰৰ প্ৰাৰ্থনা কেনে সুন্দৰ আৰু কেনে আত্মাৰ আনন্দ দায়ক। ভক্তিতেই চিত্ত শুদ্ধি হয় জ্ঞান উদয় হয়। একাদশ স্কন্ধত শ্ৰীকৃষ্ণই উদ্ধৱক আগত কৈছে।

"জ্ঞানে গতি কয়ে বেদ, নোয়ো তাৰ পৰিচ্ছেদ,
আছে জ্ঞান ভকতিৰ মাজে।"

শুক, নাৰদ, সনক, সনন্দ, সনাতন, সনৎকুমাৰাদি ঋষিসকলে জ্ঞানী হৈও ভক্তি পথহে দেখুৱাই গৈছে। এওঁলোকে তত্ত্ব জ্ঞান লাভ কৰি মুক্তিত নিস্পৃহ হৈ নিৰাকাৰ নিৰ্গুণ ব্ৰহ্মক উপলব্ধি কৰিও আকৌ সগুণ ঈশ্বৰৰ ভক্তিকে শ্ৰেষ্ঠ বুলি মানিছিল।

শুক নিগদতি পৰীক্ষিত, যদি আছি নিৰ্গুণত স্থিত,
তথাপি উত্তম শ্লোকৰ মহিমা শুনে।
কৰিলেক মোক বদ্ধ চিত্ত, ভাগৱত গ্ৰন্থ বিপৰীত,
পৰম আনন্দে পঢ়িলো মই আপুনে॥

ভকতিৰ শ্ৰেষ্ঠত্ব দেখুৱাই সনক, সনন্দ, সনাতন, সনত কুমাৰাদি চাৰি সিদ্ধে ভগৱন্তক স্তুতি কৰিছে।

সমস্তে ভূতৰে যদি তুমি হৃদিগত।
তথাপি কৰ্ম্মীৰ মনে নুহিকা বেকত॥

* * *

তোমাক নপাই অনুৰাগ বাঢ়ে যাৰ।
সেহিয়ে ভকতি যোগে, ছিণ্ডে অহঙ্কাৰ॥

এতিয়া আমাক চাওঁক, নাৰদে যেতিয়া শ্ৰীকৃষ্ণক দৰ্শন হব যায় তেতিয়া শ্ৰীকৃষ্ণক কি দৰে কলে।

জানিযো প্ৰভু মই মুখ্য দাস।
কৰিয়া তোমাৰ যশ প্ৰকাশ ॥
তিনিয়ো লোকে ফুৰো বিনা বাই।
তোমাৰ প্ৰবিত্ৰ চৰিত্ৰ গাই ॥

শ্ৰীকৃষ্ণই তেতিয়া নাৰদক কলে।

নাৰদত বিষ্ণু আছন্ত কই।
বৈকুণ্ঠত মই নথাকোঁ৷ ৰই ॥
যোগীৰ হিয়া এড়ি সমুদায়।
থাকো ভকতৰ কীৰ্ত্তন চাই ॥

এই ভক্তি যোগকেই শ্ৰীশঙ্কৰ মাধৱদেৱ, হৰিদেৱ আদি মহাপুৰুষ সকলে দেখুৱাই গৈছে।

শঙ্কৰদেৱে কীৰ্ত্তনত কিদৰে শ্ৰীকৃষ্ণ চৰণত ভক্তি উপজে তাক লেখিছে।

কৃষ্ণৰ চৰণে হৈবে যিমতে ভকতি।
শুনা সাবধানে তাক স্থিৰ কৰি মতি ॥
বিষ্ণু ভকতৰ সঙ্গ লৈব প্ৰথমতে।
গুৰু মানি শুশ্ৰূষা কৰিব ভালমতে ॥
লৈয়া উপদেশ মাধৱক আৰাধিব।
যতেক সুকৃতি মানে কৃষ্ণতে অৰ্পিব ॥
কৃষ্ণ কথা শ্ৰৱণত শুদ্ধ হৈব মন।
সৰ্ব্বদায় কৰিবেক কৃষ্ণৰ কীৰ্ত্তন ॥

*　　*　　*　　*

তপ যপ যজ্ঞ দান সবে বিড়ম্বন।
কেৱল ভক্তিত তুষ্ট হোন্ত নাৰায়ণ ॥
যক্ষ ঋক্ষ স্ত্ৰী শূদ্ৰ যত ব্ৰজবাসী।
পক্ষী মৃগ বিষ্ণু ভৈল কৃষ্ণক উপাসি ॥

চিত্তশুদ্ধিৰ একমাত্ৰ উপায় সাধু-সঙ্গ আৰু ভক্তি সহকাৰে ঈশ্বৰৰ নাম গুণ শ্ৰৱণ কীৰ্ত্তন। এয়ে মহাপুৰুষ সকলৰ শিকনি।

ভগৱন্ত ভক্তি যুক্ত পুৰুষৰ আত্মাবোধ
মাধৱৰ প্ৰসাদে মিলয়।

যথাগ্নিনা হেমমলং জহাতি ধ্মাতং পুনঃ স্বং ভজতে চ ৰূপং।
আত্মা চ কৰ্ম্মানুশয়ং বিধূয় মদ্ভক্তিযোগেন ভজত্যথো মাং॥
ভাগৱত একাদশ স্কন্ধ।

কেবল ভক্তিৰ দ্বাৰাই আত্মা.শুদ্ধি হয়, অন্যৰ দ্বাৰা নহয়। যেনে সুবৰ্ণ অগ্নিতেই উত্তপ্ত হৈ অন্তৰ্মল ত্যাগ কৰি শুদ্ধ স্বৰূপ পায়, তেনে মোত ভক্তি যোগ দ্বাৰাই কৰ্ম বাসনা ক্ষয় কৰি পাছে মোকে ভজনা কৰে।

জ্ঞান যোগ. কৰ্মযোগ, আৰু ভক্তিযোগ এই তিনিটি বাটেৰে ঈশ্বৰক পাব পাৰে সচা, কিন্তু কলিত অন্নগত প্ৰাণ, কলিৰ লোকৰ দেশবুদ্ধি কোনো প্ৰকাৰে নেযায়। পুত্ৰ ভাৰ্য্যা ধন জনত আসক্তি আৰু লোকৰ অল্প আয়ু তেনে লোকৰ পক্ষে জ্ঞানযোগ, কৰ্মযোগ বৰ কঠিন। হাজাৰ নিষ্কাম ভাবে কৰ্ম কৰক তথাপি কামনা আহি পৰে। তেনে কৰ্মই ভগবান সিদ্ধিৰ বাবে সহায় কৰা দূৰৰ কথা বৰং আসক্তিহে বঢ়াই দিব। সেই দেখি কলিত ভক্তি যোগ ভগবানৰ নাম গুণ শ্ৰৱণ কীৰ্ত্তন।

হৰি গুণ কীৰ্ত্তন কৰিব নিজ ধৰ্ম্ম।
জানিবাহা সমস্ত শাস্ত্ৰৰ তত্ব মৰ্ম্ম॥
পাপ বিপক্ষক সংহৰি হৰি নামে খল খলি হাসে।
সকলো ধৰ্ম্মৰ ওপৰে বসিয়া হৰিৰ নাম প্ৰকাশ॥

এতেকে ভগবানত একান্ত ভক্তিযোগ সাধনেই সৰ্ব্ব প্ৰশস্ত সাৰ সাধন। এই একান্ত ভক্তিযোগ লোকত প্ৰবৰ্ত্তাবলৈ আসামত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰক শ্ৰীশ্ৰীশঙ্কৰ মাধৱদেৱৰ অৱতাৰ। একান্ত শৰণধৰ্মী মহাপুৰুষীয়া সম্প্ৰদায়ীৰ কাৰণে কৃষ্ণ ভিন্ন আন দেৱ দেৱীৰ উপসনা নিষিদ্ধ। শঙ্কৰদেৱে দ্বিতীয় স্কন্ধ ভাগৱতৰ পদত লেখিছে :—

শুৰা নৰলোক, হৰি ভজিয়োক, ধৰা ইটো উপদেশ।
এড়া আন জাল, জীবা কত কাল, জৰা ভৈল পৰবেশ॥
অন্য দেবী দেৱ, নকৰিবা সেৱ, প্ৰসাদ নখাইবা তাৰ।
মুৰ্ত্তিকো ন চাইবা, গৃহ নপশিবা ভক্তি হৈব ব্যভিচাৰ॥
একে কৃষ্ণ দেৱ, কৰিয়োক সেৱ, ধৰিয়ো তাহান নাম।
কৃষ্ণ দাস হুয়া, প্ৰসাদ ভুঞ্জিয়া, হস্তে কৰা তান কাম॥

অনন্যশৰণো নিত্যং তথৈবানন্য সাধনঃ।
অনন্যসাধনার্থী চ স্যাদনন্যপ্ৰয়োজনঃ॥
নান্যং চ পূজয়েদ্দেবং ন নমেত্তং স্মৰেন্নচ।
ন চ পশ্যেন্নগায়েত্তু ন চ নিন্দেৎ কদাচন॥
নান্যোচ্ছিষ্টং চ ভুঞ্জীত নান্যশেষঞ্চ ধাৰয়েৎ।
অবৈষ্ণবানাং সম্ভাষাবন্দনাদি বিৰ্বৰ্জয়েৎ॥

(পদ্ম পুৰাণ উত্তৰ খণ্ড)

কেবল বিষ্ণুত মাত্ৰ নিত্য শৰণাগত হৈ অন্য সাধন এৰি অন্য সাধনাৰ্থী নহৈ কেতিয়াও আন কোনো দেৱতাৰ পূজা নমস্কাৰ স্মৰণ দৰ্শন কীৰ্ত্তন আৰু নিন্দা নকৰিব। অন্য দেৱতাৰ উচ্ছিস্ট অৰ্থাৎ প্ৰসাদ নাখাব নিৰ্ম্মালি নলব। অবৈষ্ণৱ সকলৰ সম্ভাষণ বন্দনাদি ত্যাগ কৰিব।

ভুক্ত্বান্যদেৱনৈবেদ্যং দ্বিজশ্চান্দ্ৰায়ণং চৰেৎ।
ভুক্ত্বা কেশবনৈবেদ্যং যজ্ঞকোটিফলং লভেৎ॥

দ্বিজে অন্য দেৱতাৰ নৈবেদ্য খালে চান্দ্ৰায়ণ প্ৰায়শ্চিত্ত হব লাগে। বিষ্ণুৰ প্ৰসাদ খালে কোটি যজ্ঞৰ ফল পায়।

মাধৱদেৱে বাগুৰাৰ পৰা মুদৈৰ নাবত উজাই আহোতে বাটত তেওঁৰ মাৰৰ ঘৰ নবীয়া বুলি শুনি শৰৎ কালৰ দুৰ্গা পূজাৰ নিমিত্তে এজোৰ বগা পঠা আগ কৰিলে। ভৰালী ডুবি পাই দেখিলে মাকৰ নবীয়া ভাল হৈছে। মাধৱদেৱে বৈনায়েক ৰামদাসক এজোৰ বগা পঠা আনিবলৈ কৈ পঠাৰ মূল্য দি দিলে। পূজাৰ ওচৰ পালেহি, তথাপি ৰামদাসে পঠা নিনিয়া দেখি খং কৰি কলে :—

হোকোৰা কুচিয়াৰে পো বুদ্ধিত পাগল।
সও হাতে দিলোঁ ধন নানিলি ছাগল॥

তেতিয়া ৰামদাসে কলে :—

আমাৰ আগত দেখুৱাহা বৰ গোট।
শঙ্কৰৰ আগত পাৰলে হৈবা লৌটপোট॥

তোমাৰ এই বিনাশী কাৰ্য্যৰ নিমিত্তে কোনে পঠা আনিব ? বিনাশী কাৰ্য্যৰ কাৰণে ব্ৰহ্ম অংশী জীব বধ কৰি অন্য দেৱক পূজা কোনে নৰক ভূঞ্জব। এইদৰে অনেক তৰ্ক বিতৰ্ক কৰি পিচদিনাখন শঙ্কৰৰ পাৰলৈ ভুযোজন গ'ল। ভুয়োজনৰ বাদ বিষম্বাদ হল। শঙ্কৰদেৱে নিবৃত্তি মাৰ্গৰ শাস্ত্ৰৰ প্ৰমাণ আৰু মাধৱদেৱে প্ৰবৃত্তি মাৰ্গৰ শাস্ত্ৰৰ প্ৰমাণ দি বাদ কৰি থাকোতে বেলি তিনি পৰ গ'ল। তথাপি ভুযোজনৰ কথা নিছিগে। এনেতে শঙ্কৰদেৱে শ্ৰীমদ্ভাগৱতৰ এটি শ্লোক মাতিলে ঃ—

'যথা তৰো মূল নিষেচনেন।
তৃপ্যন্তি তৎস্কন্ধ ভুজোপ শাখাঃ॥
প্ৰাণো পহাৰাচ্চ যথেন্দ্ৰিয়াণাং।
তথৈব সৰ্ব্বাৰ্হণমচ্যুতেজ্যা॥

মাধৱদেৱে শ্লোকটো শুনা মাত্ৰকে কৃষ্ণদেৱেহে একমাত্ৰ উপাস্য দেৱতা, অন্য দেৱ দেৱী পূজা বিনাশী ধৰ্ম্ম মাত্ৰ, তাকে সাৰোগত কৰি, শঙ্কৰৰ শুদ্ধ মত জানি, শঙ্কৰক গুৰু মানিলে। ইয়াৰ পৰা বুজা গল মাধৱদেৱে শাক্ত ধৰ্ম্মৰ নিমিত্তে বাদ কৰিও তেওঁৰ দৰে অগাধ পণ্ডিত মহাপুৰুষ এজনেও শাক্ত ধৰ্মমত ৰাখিব নোৱাৰিহে শঙ্কৰদেৱক গুৰু মানিলে।

একমেব দ্বিতীয়ম্ পৰমেশ্বৰৰ প্ৰতি একনিষ্ঠ অব্যভিচাৰি ভক্তিয়ে শঙ্কৰ মাধৱদেৱৰ মূল ভিত্তি আছিল। এই বাবে দুজনা গুৰুৱে আন দেৱ দেৱীৰ পূজা একেবাৰে মানা

কৰিছে। ভক্তি প্ৰদীপত শঙ্কৰদেৱে লেখিছে :—

অন্যদেৱ পূজি ইটো গৈলা ছাৰে খাৰে।
আৰ দুৰ্ভাগ্যক কোনে পাইবাক পাৰে॥

কিনো বিষ্ণুমায়ায়ে কৰিলে মতি ভেদ।
চাই চাহ চাণ্ডালী দ্বিজক কৰে খেদ॥

সৰ্ব্ব দেৱ তুষ্টহয়ে কৃষ্ণৰ পূজনে।
কহে্ছন উপনিষদ বেদ মন্ত্ৰ গনে॥

কৃষ্ণতোলে পৰম দেৱ সংসাৰতে সাৰ।
পাতেকীৰো তৰে নাম মাত্ৰ লৈলে যাৰ॥

তক্ক এড়ি যিটো আন দেৱ তাক পূজে।
পণ্ডিতো অধম সিটো একোৱে নুবুজে॥

( ভক্তি প্ৰদীপ চাণ্ডালিনী বাক্য )

শ্ৰীকৃষ্ণই অৰ্জ্জুনক বেদৰ ধৰ্ম্ম মানে পৰিত্যাগ কৰি তাক আন দেব দেৱাৰ পূজাৰ্চ্চনাতো দূৰৰ কথা নাম মাত্ৰ শুনিবলৈ হাক দি, তেওঁব চৰণত শৰণলৈ তেওঁৰ নামগুণ শ্ৰৱণ কীৰ্ত্তনতে মুক্তি পাব বুলি দঢাই দঢাই কৈছে :—

একচিত্তে তুমি মোকে মাত্ৰ কৰা সেৱ।
পৰিহৰি দূৰতে যতেক আন দেৱ॥

নলঙ্ঘিবা মোহোৰ বাক্যক মহাভাগ।
বেদৰ ধৰ্ম্মক মানে কৰা পৰি ত্যাগ॥

হুয়োক শৰণাপৰ্ণ একে মোতে মাত্ৰ।
মোকে ভজি হৈবা মহা মুকুতিৰ পাত্ৰ॥

নাম নুশুনিবা তুমি আন দেৱতাৰ।
যেন মতে নুহিকে ভকতি ব্যভিচাৰ॥

( ভক্তি প্ৰঃ শ্ৰীকৃষ্ণ বাক্য )

দুজনা গুৰুৱে প্ৰচাৰিত ধৰ্ম্ম ধৰি যিবিলাক শিষ্যই আন দেৱ দেৱীক পূজা কৰিছিল, সিহঁতক একেবাৰে পৰিত্যাগ কৰিছিল, পাটবাউসিত ইয়াৰ ভাল উদাহৰণ ব্যাস কলাই বাপু। ব্যাস কলাই জাতিত ব্ৰাহ্মণ, শঙ্কৰ দেৱৰ শিষ্য আৰু পৰম গুৰু ভক্ত।

ৰত্নাকৰ কন্দলি পঢ়ন্ত গীতা ভব।
বিয়াস কলাই নামে জনেক আছা ॥
তান্ক সম গুণী নাই জাতিত ব্ৰাহ্মণ।
শঙ্কৰ দেৱত তেহে। লৈলাছে শৰণ ॥

ধূৱাহাটাত শঙ্কৰ দেৱৰ প্ৰতি ব্ৰাহ্মণ বিলাকে অত্যান্ত দ্বেষভাব আচৰণ কৰাৰ সময়ত এওঁ দৃঢ় ভাৱে শঙ্কৰ দেৱৰ পক্ষ অৱলম্বন কৰিছিল। এওঁ দুজনা গুৰুৰ লগ নেৰি কামৰূপলৈ ভটীয়াই আহে আৰু বাটত এটি লৰা খলু (বসন্ত) ওলাই মৃত্যু হয়। পিচত পাটবাউসীত থাকোঁতে এওঁৰ দ্বিতীয় পুত্ৰৰো সেই খলু (বসন্ত) ৰোগ উপস্থিত হোৱাত তেওঁৰ ভাৰ্য্যাই পুত্ৰৰ মায়াত গুৰুৰ নিষেধ স্বত্বেও শঙ্কৰদেৱে নজনাকৈ ব্যাস কলাইক শুনাই শীতলাৰ উদ্দেশে এজোৰ পাৰ উৰাই দিলে।

ব্ৰাহ্মণে ভক্তিৰ ব্যভিচাৰ কৰা শঙ্কৰদেৱে ভূ পাই ব্ৰাহ্মণৰ মুখ নেচাওঁ বুলি তেনেজন পৰম হিতকাৰী শিষ্যকো পৰিত্যাগ কৰিলে। ব্ৰাহ্মণৰ হকে ৰমৰায় আৰু ঠাকুৰ আতাই অনেক অনুনয় বিনয় কৰিলে। তথাপি শঙ্কৰদেৱে তেওঁক ক্ষমা নকৰিলে। ব্যাসকলাই বাপুৱে

জগন্নাথ ক্ষেত্ৰলৈগৈ ভাগৱত পুথি এখন বিসৰ্জ্জন কৰিলে।

শঙ্কৰদেৱে যি ধৰ্ম্ম-নীতি প্ৰচাৰ কৰিছিল তাৰ বিৰুদ্ধাচৰণ কৰা লোকক তেওঁ প্ৰশ্ৰয় নিদিছিল। ব্যাসকলাইৰ প্ৰতি এনে আচৰণ কৰি নিজে মৰ্ম্মান্তিক দুখ পাইছিল যে তাৰ কোনো সন্দেহ নাই, কিন্তু তেওঁ সত্য আৰু ধৰ্মৰ অপভ্ৰংশ নকৰিছিল আৰু সেই কাৰণেই প্ৰশ্ৰয় নিদিলে।

একমাত্ৰ ঈশ্বৰ চৈতন্য, আন দেৱ দেৱী সমস্ত জড়। এতেকে জড়ক উপাসনা কৰা কৰ্ত্তব্য নহয়।

"চৈতন্য ছোড়ি কাহে জড় সেৱা।
ৰাম বিনে নাহি আৱৰ দেৱা" ॥ (গীত)

"চৈতন্য কৃষ্ণক এৰি, জড়ক ভজিয়া মৰে।
কিনো লোক অধম মুগুধ" ॥

ইয়াৰ পৰা জাজ্জ্বল্য প্ৰমাণ যে আন দেৱ দেৱী পূজা কৰিলে তাৰ ভক্তি ব্যভিচাৰ হব। ব্যাস কলাই বাপুৰ নিচিনা মহাপুৰুষীয়া ধৰ্ম্মৰ পৰা ভ্ৰষ্ট হব আৰু জীৱৰ সদ্গতিৰ পন্থ লোপ পাব।

মাঞ্চ যোঽব্যভিচাৰেণ ভক্তিযোগেন সেৱতে।
স গুণান্ সমতীত্যৈতান্ ব্ৰহ্মভূয়ায় কল্পতে ॥ গীতা

এই কথাকে মহাপুৰুষ মাধৱদেৱে লেখিছে :—

কৃষ্ণ কেসে মাত্ৰ, ভজে যিতো জনে, অব্যভিচাৰী ভকতি।
তিনি গুণ অতি, ক্ৰমি ব্ৰহ্মৰূপ, পাৱে সিতো মহামতি ॥

পূৰ্ব্বমুল্লেখিত মূৰ্ত্ত্যাদি আলাগা কথাটো তুলনা গুৰুৰ ৰচিত পুথিত বহুতো পোৱা যায়। অকল ভক্তিতেই লোকে অনায়াসে সংসাৰ তৰিব পাৰে।

নিমি ৰজাৰ আগত নবসিদ্ধে ৯টি প্ৰশ্নৰ উত্তৰ দিয়ে কিন্তু ৮টি পৰ্য্যন্ত তুৰবগাহ দেখি কৰভাজনৰ বাক্য শুনত নিমিৰ মনত থৰে। সেইভিসে কলিৰ লোকৰ প্ৰতি মোক্ষৰ সাধন বুলি ৰাখিলে।

কলিৰ গুণক মহা জ্ঞানী বিতো জানে।
চাৰিযুগে মাজত কলিক শ্ৰেষ্ঠ মানে॥

কলিত সন্ততে বিতো গুণ নাম গাৱে।
এতেকে সমস্তে সিদ্ধি সিতো জনে পাৱে॥

সত্যযুগে ধ্যান কৰি যজ্ঞত ত্ৰেতাত।
সব ফল পাৱে নৰে দ্বাপৰে পূজাত॥

কলিত কীৰ্ত্তন কৰি পাৱে তেন গতি।
ব্ৰহ্মা আদি দেৱোতাৰ্ক নপাই সম্প্ৰতি॥

এত প্ৰাণী সবে সংসাৰত ভ্ৰমি মৰে।
নাহি মহা লাভ তাৰ কীৰ্ত্তনত পৰে॥

কীৰ্ত্তনতে তৰে ইতো দুৰ্ঘোৰ সংসাৰ।
কীৰ্ত্তনতে সাৰে সিতো গোষ্ঠি আপুনাৰ॥

সত্য ত্ৰেতা দ্বাপৰৰ প্ৰজা বাঞ্ছে নিতে।
কেসানি আমাৰ জন্ম হৈবেক কলিতে॥

কলিত অনেক হৈব হৰি পৰায়ণ।
তৰিবে কৰিয়া সুখে হৰিৰ কীৰ্ত্তন॥

শঙ্কৰ মাধৱদেৱে বৰগীতত লেখিছে :—

তীৰ্থ ব্ৰত তপ জপ যাগ যোগ যুগুতি।
মন্ত্ৰ পৰম ধৰম কৰম কৰত নাহি মুকুতি॥

*　*　*　*

কৃষ্ণ কিঙ্কৰ শঙ্কৰ বিছুৰি বিষয় কামা।
ৰাম চৰণ লেহ শৰণ জপ গোবিন্দক নামা॥

*　*　*

জপ, তপ, তীৰথ কৰসি, গয়া কাশী বাসী বয়স গোৱাই।
জানি যোগ যুগুতি মতি মোহিত, বিনে ভকতি গতি নাই॥

ৰাম নাম লহ নিখিল পূণ্য বহ ওহি নিগম তত্ত্ব বাণী।
কলিকো পৰম ধৰম হৰি নামা পঢ়ি পুছু মৰম নাজানি॥

*　*　*

চাৰিবেদ, পুৰাণ ভাৰত যত, গীতা ভাগৱত চাই।
ওহিসাৰ, বিচাৰ কৰ ভাৰত, হৰিবিনে তাৰক নাই॥

সনক সনাতন, শুকমুনি নাৰদ, চতুৰ বয়ন শূলপাণি।
সহস্ৰ বদন আদি, গায়ত হৰিগুণ, সকল নিগম তত্ত্ব বাণী॥

কৃষ্ণ নাম যশ, পৰম অমিয়া ৰস, গায়ত মুকুত বিশেষ।
পৰম মকৰ মতি, কহয় মাধৱ দীন, শঙ্কৰ গুৰু উপদেশ॥

শঙ্কৰদেৱে ভটিমাত লিখিছে :—

নিজকুল তাৰি, ভকতি বিস্তাৰি, বান্ধল হৰিগুণ সেতু।
কলিযুগে পাপ পয়োধিক সব নৰ তাৰণ কাৰণ হেতু।

ভকতি ভাণ্ডাৰ দ্বাৰ সব ছোৰি মুকুতি কয়লি উদাস।
এক শৰণ হৰি নাম ধৰম কহো ৰাজা কৰু পৰকাশ॥

জানো নিৰন্তৰ, কবীৰ মনৰ।
থাকন্তো অন্তৰ, হোৱা দামোদৰ॥
শ্ৰৱণ কীৰ্ত্তন, কৰে যিতো জন।
তাতেসে প্ৰসন্ন হোৱা নাৰায়ণ॥

শঙ্কৰদেৱে ৰত্নাকৰত কি কৈছে চাওঁক :—

তান এক শ্ৰৱণে অৱন্তে মোক্ষ হয়।
ৰাজাত কহন্ত শুকে কৰিয়া নিৰ্ণয়॥

মুৰাৰিৰ পাদ পল্লৱক যিটো জনে।
কৰিলে আশ্ৰয় আশ্ৰি কায় বাক্য মনে॥
তাৰ ভৱসিন্ধু ৰৎস পদসম হয়।
অনা আসে পৰমপদ বৈকুণ্ঠ লভয়॥

* * *

পাপীক তাৰন্তা নামবিনে আন নাই।
সমস্ত বেদৰ ইসে মোক্ষ অভিপ্ৰায়॥

* * *

প্ৰহ্লাদে বোলন্ত শুনা দৈত্য শিশু যত।
দেৱ দ্বিজ ঋষি সদাচাৰ শৌচ ব্ৰত॥

দান তপ যজ্ঞ বহু শাস্ত্ৰক জানয়।
ইসবত হৰিৰ সন্তোষ নাহিকয়॥

কেৱলে অব্যভিচাৰি ভকতিত হৰি।
হোৱন্ত সন্তুষ্ট অতি জ্ঞানা নিস্ত কৰি॥

ভকতিত পৰে আন যত গুণ গন।
মুকুন্দৰ প্ৰীতি অৰ্থে সবে বিৰম্বন॥

শ্ৰীকৃষ্ণৰ চৰণত শৰণলৈ শ্ৰৱণ কীৰ্ত্তন ভক্তি কৰিলেযে লোক নিস্তাৰ হব পাৰে, ৰত্নাকৰত তাৰ শত সহস্ৰ প্ৰমাণ দিয়া আছে। এতিয়া ভক্তি ৰত্নাৱলীত মাধৱদেৱে কি লিখিছে চাওক :—

ধৰ্ম্ম অৰ্থ কাম মোক্ষ পুৰুষাৰ্থ চাৰি।
ফুৰে যত লোকে আৰ উপায় বিচাৰি॥

কৃষ্ণৰ ভকতি তাৰ পৰম উপায়।
মহা পুৰুষাৰ্থ আত পৰে আন নাই॥

এহি পৰমাৰ্থ অৰ্থ বেদ ব্যাস ঋষি।
নিৰ্বান্ধিলা ভাগৱত শাস্ত্ৰত হৰিষি ॥
আন জ্ঞান কৰ্ম্মমানে ভক্তিৰ সাধন।
জানিয়ো নিশ্চয়ে যত কহিলো লক্ষণ॥
যত কৰ্ম্ম যোগ জ্ঞান আচৰি হৰিষি।
তথাপি নভৈলা শান্ত মতি ব্যাস ঋষি ॥
একোমতে নুগুচে মনৰ মহা ক্লেশ।
নাৰদত হন্তে পাছে পাইলা উপদেশ॥
একচিত্তে মাধৱত কৰিলা ভকতি।
তেবে তান নিৰ্ম্মল নিশ্চল ভৈলা মতি॥

ভাগৱতী ভক্তি ধৰ্ম্ম কাক বলে?

নকৰে কামনা ভকতিক ত্যজি আন।
তাকে বুলি ভাগৱতী ভকতি প্ৰধান ॥
কৰ্ণে শুনে কৃষ্ণ কথা মুখে বোলে ৰাম।
মনে পাদ পদ্ম স্মৰে হন্তে কৰে কাম ॥
কৃষ্ণৰ প্ৰতিমা দেখে চক্ষুয়ে ভক্তক।
বিষ্ণু বুদ্ধি কৰি শিৰে নমে সমস্তক ॥
নিৰ্ম্মাল্য তুলসী ঘ্ৰাণ লবে নাসিকায়।
বিষ্ণুৰ নৈবেদ্য মাত্ৰ আস্বাদে জিহ্বায় ॥
পদে বিষ্ণু ক্ষেত্ৰ বৈষ্ণৱৰ ঠাইক যায়।
এহিমতে ইন্দ্ৰিয়ৰ বৃত্তি সমুদায় ॥
বিষ্ণুতেসে প্ৰবৰ্ত্তে অবক্ষে যেবে জানা।
মনে একো বিষয়ক নকৰে কামনা ॥

## ভক্তিৰ প্ৰধান্য

দৈবী হ্যেষা গুণময়ী মম মায়া দুৰত্যয়া।
মামেৱ যে প্ৰপদ্যন্তে মায়ামেতাং তৰন্তি তে॥
তেষাং জ্ঞানী নিত্যযুক্ত একভক্তিৰ্বিশিষ্যতে।
প্ৰিয়ো হি জ্ঞানীনোঽত্যৰ্থমহং স চ মম প্ৰিয়॥

বহূনাং জন্মনামন্তে জ্ঞানবান্ মাং প্ৰপদ্যতে।
বাসুদেবঃ সৰ্ব্বমিতি স মহাত্মা সুদুৰ্লভঃ॥
অনন্যচেতাঃ সততং যো মাং স্মৰতি নিত্যশঃ।
তস্যাহং সুলভঃ পাৰ্থ নিত্যযুক্তস্য যোগিনঃ॥

অপি চেৎ সুদুৰাচাৰো ভজতে মামনন্য ভাক্।
সাধুৰেব স মন্তব্যঃ সম্যগ্ব্যৱসিতো হি সঃ॥
মাংহি পাৰ্থ ব্যপাশ্ৰিত্য যেঽপিস্যুঃ পাপযোনয়ঃ।
স্ত্ৰিয়ো বৈশ্যস্তথা শূদ্ৰাস্তেঽপি যান্তি পৰাং গতিম্॥

মন্মনা ভব মদ্ভক্তো মদ্যাজী মাং নমস্কুৰু।
মামেবৈষ্যসি যুক্তৈবমাত্মানাং মৎপৰায়ণঃ॥
(ইত্যাদি গীতা)

এতিয়া নাম-মালিকাত চাওক —

সেহিসে কৰিলে স্নান সমস্তে তীৰ্থত।
সেহিসে দীক্ষিত ভৈল সমস্তে যজ্ঞত॥
সমস্তে দানৰ ফল পাইলে সিসি জন।
সদায় হৰিক যিটো কৰয় কীৰ্তন॥

অশ্বমেধ নৰ, মেধ আদি যজ্ঞে, সদক্ষিণে যজিনৰে।
পাৱে যেন ফল, সমস্তে তাহাক, সাধে হৰি দু অক্ষৰে॥
বাৰানসী কুৰু, ক্ষেত্ৰ নিমিষত, পুষ্কৰত পুণ্য যত।
পাৱে নিৰন্তৰে, হৰি দু অক্ষৰে; সাধয় তাক সমস্ত॥

সন্তৰূপে অৱতাৰ মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰ মাধৱদেৱৰ জীৱন চৰিত গ্ৰন্থ সকল আদ্যোপান্তে চালে পোৱা যায় লোকে শ্ৰীকৃষ্ণদেৱৰ চৰণত শৰণলৈ হৰি নাম গুণ শ্ৰৱণ কীৰ্ত্তন ভক্তিকৰি দুৰ্জ্জয় মায়াৰ হাত সাৰি পৰমপদ পাৱ।

শ্ৰৱণ কীৰ্ত্তন কৰি বৈকুণ্ঠক যাই।
ধৰ্ম অৰ্থ কাম মোক্ষসবে আত পাই॥

কৃষ্ণদেৱে যেনে গীতাত শ্ৰীকৃষ্ণত একান্ত শৰণ আৰু ভাগৱতত সৎসঙ্গ হৰি ভজনৰ ৰূপ পৰম ধৰ্ম নিৰ্ণয়কৈ অৰ্জ্জুন ও উদ্ধবাদি ভক্তসৱত প্ৰচাৰ কৰিছিল।

শঙ্কৰ মাধৱদেৱেও তেনে সেই শৰণ ভজন সৎসঙ্গ নিৰ্ণয় কৰিছে।

মাটি বা শিলৰ নাইবা কাঠৰ প্ৰতিমাক দেৱতা বুলি পূজা বন্দনাদি কৰিবলৈ নিষেধ কৰিছে।

অন্য দেৱ দেৱী কি ?

লক্ষ্মী, দুৰ্গা, কালী, সৰস্বতী, শিৱ, গনেশ, শক্তি; সূৰ্য্য আদি কৰি দেৱ দেৱী পূজা সমস্ত নিষেধ কৰিছে। সেইবিলাক কৰিলে ভাগৱতী ভক্তিধৰ্মৰ পন্থা ভ্ৰষ্ট হব।

শ্রীকৃষ্ণ দেৱৰ মুখ-পদ্ম বহিৰ্ভূত সেই উপদেশকে গীতা-ভাগৱত যোগে শ্ৰীশঙ্কৰ দেৱে জীৱৰ তৰণৰ কাৰণে প্ৰচাৰ কৰিছে।

হৰিত শৰণ লৈ হৰি নাম গাই ফুৰিলে তাৰ আগত কোটি যাগ-যজ্ঞ, তপ, ব্ৰত, তীৰ্থস্নানাদি সমান হব নোৱাৰে। এই প্ৰবন্ধত যি কথা লিখা গল, দুজনা গুৰুৰ ৰচিত পুথিত অনুগ্ৰহ কৰি মন দি চাই ললে সমস্ত বিচাৰি পাব।

---

প্ৰথম খণ্ড






---

—দ্বিতীয়খণ্ডত বহলাই লেখিম বুলি আশা কৰিছো—

শ্ৰীধৰ্ম্মেশ্বৰ পাঠক।

সত্ৰ সুন্দৰীদিয়া।